# গুৰু

লিখক আৰু প্ৰকাশক,
শ্ৰীনৰেন্দ্ৰনাথ গোস্বামী
বিহগুৰি, মুৰাৰি সত্ৰ।
( দৰঙ্গ )।

মূল্য—।৵০ ছয় অনা

# পাতনি

তেজপুৰ চাৰি দুৱাৰ সত্ৰসঙ্ঘ নামেৰে এখনি গুৰুসকলৰ সভা আছে। তাৰ্লৈকে মোক মাতে আৰু দুআষাৰ কবলৈ কয়। সেই উপলক্ষে এই গুৰু ৰচনাখনি লিখি পাঠ কৰা হৈছিল। সত্ৰসঙ্ঘৰ কেবাগৰাকী গুৰুৱে মোক ছপাবলৈ উদগণি দিয়াত ছপাই উলিয়াই লৈ হিন্দু ধৰ্ম্মৰ গুৰি ধৰোঁতা সত্ৰাধিকাৰ প্ৰভুসকল আৰু প্ৰপন্ন শিষ্যসকলৰ কৰকমলত এই গন্ধহীন ফুলপাহি অৰ্পণ কৰিলোঁ। পূজ্যপাদ গুৰু, ব্ৰাহ্মণ আৰু শিষ্যসকলৰ কৃপা দৃষ্টি পৰিলেই সুগন্ধে মলমলাই উঠিব।

বিহগুৰি,<br>মুৰাৰি সত্ৰ।<br>১।১০।৫৭

বিনীত—<br>শ্ৰীনৰেন্দ্ৰনাথ গোস্বামী



॥ শ্ৰীকৃষ্ণায় নমঃ ॥

# গুৰু

মূকং কৰোতি বাচালং পঙ্গুং লঙ্ঘয়তে গিৰিম্।
যৎ কৃপা তমহং বন্দে পৰমানন্দ মাধৱম্ ॥

বোবা হৈ কথা কবলৈ যোৱা, খোৰা হৈ পৰ্ব্বত লঙ্ঘিবলৈ যোৱাৰ দৰে পৰমানন্দ মাধৱৰ লগতে তোমাসবতো শৰণে পশি দোষ-ত্ৰুটী মাৰ্জনা বিচাৰি এই সাৰশূন্য পুথিখনৰ ৰাইজলৈ আগবঢ়ালো। ইয়াৰ মাজৰ সাৰ ভাগ গ্ৰহণ কৰি অসাৰ ভাগ পৰিত্যাগ কৰি মোৰ যিখিনি ভুল-ভ্ৰান্তি আছে তাকো সংশোধন কৰি দিবলৈ আপোনাসকলক নিবেদন জনালো।

**গুৰু**—গুশব্দস্ত্বন্ধকাৰঃস্যাৎ ৰুশব্দ স্তন্নিৰোধকঃ।
অন্ধকাৰ নিৰোধিত্বাৎ গুৰু ইত্যভিধীয়তে ॥

**গু** বোলোতে অন্ধকাৰ আৰু **ৰু** বোলোতে পোহৰক বুজায়। যাৰ দ্বাৰা অজ্ঞান আন্ধাৰ নাশ কৰি জ্ঞানৰ পোহৰ পাব পাৰি তেওঁকেই গুৰু বোলা হয়। (গুৰু গীতা)।

"শৰীৰমেতৌ কুৰুতঃ পিতা মাতা চ ভাৰত।
গুৰো সকাশাৎ যৎ জন্ম তৎ সত্যংবৈ তথামৃতম্ ॥

অৰ্থাৎ শৰীৰটো পিতৃ-মাতৃৰ দ্বাৰা পালো ; কিন্তু গুৰুৰ কৃপাত যি জন্ম বা জ্ঞান পাম সিয়েই সত্য বা জ্যোতি—পোহৰ আৰু সিয়েই অমৃত অৰ্থাৎ অমৰণ। ( গুৰু গীতা )। গুৰুমূল-মিদং শাস্ত্ৰম্” অৰ্থাৎ গুৰুৱেই শাস্ত্ৰৰ মূল, গুৰুক আশ্ৰয় নকৰিলে শাস্ত্ৰৰ সন্দেহ ভঞ্জন কৰিব নোৱাৰে। ( শিৱপুৰাণ ) আকৌ ব্ৰহ্মাণ্ড পুৰাণে কৈছে—“গুৰুৰ্দ্দেবো গুৰুৰ্ধৰ্ম্মো গুৰুনিষ্ঠা পৰং তপঃ। গুৰুৰেব পৰংব্ৰহ্ম পূজোধ্যায়স্ততো গুৰুঃ॥” অৰ্থাৎ গুৰুৱেই দেৱতা, গুৰুৱেই পৰাৎপৰ ধৰ্ম্ম, গুৰু ধৰ্ম্মই পৰম তপস্যা আৰু গুৰুদেৱেই পৰমব্ৰহ্ম। এতেকে গুৰুৱেই সকলোৰে পূজ্য আৰু ধ্যানৰো যোগ্য।

তন্ত্ৰত কৈছে—“যস্য দেবে পৰা ভক্তিৰ্যথা দেবে তথা গুৰৌ। তস্যাৰ্থে কথিতা অৰ্থঃ প্ৰকাশন্তে মহাত্মনঃ॥” অৰ্থাৎ যিজনে গুৰু আৰু দেৱতাত চৈতন্য ঈশ্বৰ ভাবে ভক্তি সাধনাত থাকে, তেৱেঁইহে শাস্ত্ৰৰ নিখুঁত অৰ্থ প্ৰকাশ কৰিব পাৰে। ইত্যাদি প্ৰকাৰে গুৰুমাহাত্ম্য বৰ্ণনা কৰি অন্ত কৰিব নোৱাৰি। ‘নাম-ঘোষা’ৰ লেচাৰীত শ্ৰীমাধৱদেৱে কৈছে—

“হৰি যেন অতি কৃপাময় ভক্ত গুৰুজনো সেহি নয়
দুয়োজন এক শৰীৰত মাত্ৰ ভিন্ন।
কৃপাৰসে তুষ্ট হুয়া চিত্ত লোকৰ হিতক চিন্তি নিত
নিজগুণে তুষ্ট হুয়া অহঙ্কাৰহীন॥ ৩৬০

“তুমি হৰি কৃপাময় বাহিৰত গুৰুৰূপে
অনুগ্ৰহ কৰি আছা মোক।

অন্তৰ্যামী গুৰুৰূপে তাকে সত্য কৰা মোৰ
তযু নামে সদা ৰতি হৌক ॥” ১৩২

ইত্যাদি প্ৰমাণৰ পৰা বুজা যায় সকলো শাস্ত্ৰৰ মতে গুৰুৱেই সাক্ষাৎ ঈশ্বৰ বা সাকাৰ দেৱতা। গুৰু তিনিপ্ৰকাৰ— এক হল মাতৃগুৰু, “গৰ্ভধাৰণ পোষ্যাভ্যাং তেন মাতা গৰীয়সী” অৰ্থাৎ যি গৰ্ভধাৰণ কৰে সেয়ে মাতৃগুৰু। “পিতা স্বৰ্গঃ পিতা ধৰ্ম্মঃ পিতাহি পৰমং তপঃ। পিতৰি প্ৰীতিমাপন্নে প্ৰিয়ন্তে সৰ্ব্বদেৱতাঃ॥” অৰ্থাৎ পিতৃগুৰু সন্তুষ্ট হলে সকলো দেৱতা সন্তুষ্ট হয়। এই দুই গুৰুতকৈ পথ-প্ৰদৰ্শক গুৰু বা জ্ঞানদাতা গুৰুৱেই শ্ৰেষ্ঠ বুলি উল্লেখ কৰা হৈছে। মৃত্যু তাৰয়তি যস্ত—অৰ্থাৎ যাৰ দ্বাৰা মৃত্যু তৰিব পাৰি তেৱেঁই ডাঙৰ বুলি শেষ সিদ্ধান্ত কৰি গুৰু মাহাত্ম্যত কৈছে—“একমপ্যক্ষৰং যস্ত গুৰুঃ শিষ্যং প্ৰবোধয়েৎ। পৃথিব্যাং নাস্তি তৎ দ্ৰব্যং যৎ দত্বা সোঽনৃণী ভবেৎ॥” অৰ্থাৎ পৃথিবীত এনে বস্তু নাই, যাৰ দ্বাৰা গুৰুৰে দিয়া এটা আখৰৰো ঋণ শুজিব পাৰি। ঘোষাত কৈছে—

“হৰি ভক্তিদাতা গুৰু ঋণ শুজিবাক যিটো অহঙ্কাৰী
অনেক যতনে মনত আলোচে মাত্ৰ।
ঋণ শুজিবাক নপাৰয় জানিবাহা সিটো দুৰাশয়
উপলা সদৃশ বিনোদৰ ভৈল পাত্ৰ॥ ৬৭৯

শাস্ত্ৰই গুৰুসকলক শাস্ত্ৰজ্ঞ আৰু জ্ঞানী হবলৈ কৈছে—

নাজানে শাস্ত্ৰৰ নয় যেহি আসে তাকে কয়
ছেদিবাক নপাৰে সংশয়।
গুৰু বোলাই তথাপিতো ফুৰিয়া লোকৰ মাজে
মান্য শতকাৰ খুজি লয়॥ ৫৫

নাজানে শাস্ত্ৰক শিষ্যৰ সংশয়
নপাৰে দূৰ কৰিত।
তাৰ উপদেশে আনো নতৰয়
আপোনো ভৈল বঞ্চিত॥ ২৯৩

মোহ মায়া ৰাগ মদ মল কাম
দম্ভ দ্বেষ আদি ভাৱ।
যি গুৰুজনত ইসব নাথাকে
প্ৰণামো তাহান পাৱ॥ ২৯৪

ইত্যাদি প্ৰকাৰে গুৰু হবলৈ গলে কেনে সাধক হব লাগে, শাস্ত্ৰৰ অনেক নিৰ্দ্দেশ আছে। তথাপিও যদি শিষ্যজন অতি দৃঢ় বিশ্বাসী প্ৰপন্ন শৰণাগত সেৱাপৰায়ণ হয়, যেনে—

"একান্ত শৰণে যিটো নাম লয়
ফুৰে হৰি তাঙ্ক ৰাখি।
ইহাত যদ্যপি সঞ্জাত নোযোৱা
লোৱা প্ৰহ্লাদত সাক্ষী॥ ২৬১

শাস্ত্ৰ গুৰুসৱে শিষ্যক কৃপায়ে
শুদ্ধ উপদেশ দিব।
শিষ্যসৱে শুদ্ধ ভাৱে নাচৰিলে
তাৰাসৱে কি কৰিব॥ ২৫৬

এতেকে শিষ্যজনৰো পূৰ্ব্বজন্মৰ কৰ্ম্মফল বা ভাগ্যৰ বলত অশেষ সাধনাৰ দ্বাৰা সৎ গুৰু লাভ হয়। "পুন্নাম নৰকাৎ ত্ৰাতি পুত্ৰস্তেনেহ গীয়তে। শেষ-পাপং হৰেৎ শিষ্য ইতীয়ং বৈদিকি শ্ৰুতিঃ॥" অৰ্থাৎ পূত নামে নৰকৰ পৰা পুত্ৰই উদ্ধাৰ কৰে আৰু শেষ পাপ হৰণ অৰ্থাৎ গুৰুৰ বৃদ্ধ জৰাৱস্থাৰ কালত শিষ্যই গুৰুৰ বাকী থকা কৰ্ত্তব্য পালন কৰি যি ধাৰ-ঋণ থাকে তাকো পৰিশোধ কৰে আৰু ধৰ্ম্ম প্ৰচাৰ আদি কাম চলায়! যেনে—শ্ৰীশঙ্কৰদেৱৰ মাধৱদেৱ; শ্ৰীচৈতন্যদেৱৰ নিতাই, জগাই, মধাই আদি একনিষ্ঠ দৃঢ়ভক্তি-ৱান অদ্বিতীয় শিষ্যবৰ্গই তেওঁলোকৰ অসম্পূৰ্ণ কাম সম্পূৰ্ণ কৰে।

শিষ্যই যেনেকৈ বহুত ভাগ্যবলে সদ্গুৰু পায়, তেনেকৈয়ে গুৰুৱেও বহুত ভাগ্যৰ দ্বাৰাহে সু শিষ্য পায়। শিষ্যৰ পৰাহে গুৰুৰ মান-সন্মান যশ-কীৰ্ত্তি বাঢ়ে। কিৰাত বংশজ একলব্যৰ গুৰু সাধনা, ধ্ৰুৱৰ ঈশ্বৰ সাধনা আদি কৰ্ম্মই অনেক আদৰ্শ দি গৈছে। হিন্দু শাস্ত্ৰৰ গুৰু-শিষ্যৰ মাহাত্ম্যৰ সংযোগ সম্পৰ্কৰ ভিতৰতে দেশৰ একতা বাঢ়ি ইজনে সিজনৰ ধোকা-ভেজা হিচাবেহে সুখ-দুখৰ সম-ভাগী হৈ চলিছে। আজিকালি সকলোৱেই নিজৰ দোষলৈ মন নকৰি আনৰ দোষ দেখে, বিশেষকৈ পিতৃ-মাতৃ আৰু গুৰুজনৰ প্ৰতি দোষাৰোপ কৰে। "মুখৰ কথা একাষাৰো কেৰা ভাঙি কব নোৱাৰে, তেও আকৌ শিষ্য ভজাবলৈ যায়।" ইত্যাদি প্ৰকাৰে দোষ ধৰা বহুতো আছে; কিন্তু নিজৰ দোষ

স্বীকাৰ কৰা কেইজন আছে ? এইটো অৰণ্যে কলিযুগৰ ধৰ্ম্ম-বল বুলিও কোনোলোকে কয়—"শইচ হৰিব মইছ হৰিব হৰিব বিৰিখৰ গুটি। সাধু মহন্তৰ বাইকো লৰিব, লৰিব ধৰমৰ খুটি।" নামঘোষাত মাধৱদেৱে কৈছে—

"শিষ্যসৱে যেৱে মহা শুদ্ধ ভাৱে
উপদেশ আচৰয়।
শাস্ত্ৰ গুৰু আপো- নাকো সিটো শিষ্য
তিনিকো ৰক্ষা কৰয়॥" ২১৭

এতেকে যি শিষ্যঃ গুৰু যিয়েই নহওক লাগে, যদি শুদ্ধভাৱে অৰ্থাৎ দৃঢ়ভাৱে বিশ্বাস কৰি উপদেশ আচৰণ কৰে, গুৰু অজ্ঞানী দুৰাচাৰ হলেও সেই সজ শিষ্যই গুৰুকো উদ্ধাৰ কাৰ নিব পাৰে।

মহাভাৰতত উল্লেখ আছে যে উপমন্যু বুলি এজন শিষ্যই গুৰুসেৱাত উত্তীৰ্ণ হৈছিল। এদিন গুৰুৱে শিষ্যক পৰীক্ষা কৰি বলে, "বোপা, তুমি গৰু ৰাখাগৈ যোৱা আৰু মোলৈ ভিক্ষা কৰি আহাৰ আনিবা।" শিষ্যই তেনেকৈয়ে আনোতে "তুমি কি খালা" বুলি গুৰুৱে সোধাত, শিষ্যই কলে যে "মোৰ কাৰণে বেলেগে ভিক্ষা আনিছিলো"। গুৰুৱে কলে যে 'আজিৰ পৰা সকলো ভিক্ষা আমাক দিবা।" তেতিয়াৰ পৰা সকলো ভিক্ষা গুৰুকে দিয়ে। এদিন গুৰুৱে তুমি কি খোৱা বুলি সোধাত গৰুপোৱালীয়ে গাখীৰ খাওঁতে পৰা ফেন খাওঁ বোলাত তাকো খাবলৈ বন্ধ কৰিলে। তেতিয়াৰ পৰা

তেওঁ গছৰ পাতকে খাবলৈ ধৰিলে। এদিন ভোকত আতুৰ হৈ চিনিব নোৱাৰি বিষাক্ত গছৰ পাত খাই চকু কণা হৈ খালত পৰি থাকিল। ইপিনে গৰু গৈ ঘৰ ওলালগৈ, শিষ্যক লগত নহা দেখি গুৰুৱে বিচাৰি গৈ এটা খালত পৰিথকা পালেগৈ। সবিশেষ জানিব পাৰি পৰীক্ষাত উত্তীৰ্ণ হৈছে বুলি আনন্দ কৰি তেওঁক সকলো শাস্ত্ৰতে পাৰ্গত হবলৈ বৰ দিলে। তেনেকৈয়ে শ্ৰীকৃষ্ণয়ো সান্দিপনি মুনিৰ আশ্ৰমত থাকোতে গুৰুৰ আজ্ঞাত খৰি লুৰিবলৈ গৈ ৰাতি বৰষুণ ধুমুহাত বনতে থাকি ৰাতিপুৱাহে গুৰুগৃহ পায়হি। শিষ্যই গুৰুক উদ্ধাৰ কৰা অনেক উদাহৰণ আছে। এটি উপাখ্যান শুনক—

“মহাপুৰুষীয়া পন্থৰ সত্ৰত হৰকান্ত মহন্ত নামেৰে এজন গোসাঁই আছিল। মানুহজনে বহুত শাস্ত্ৰসম্মত নাজানিলেও কীৰ্ত্তন-ঘোষাৰ সামান্য অৰ্থজ্ঞান আছিল আৰু পুৱা-গধূলি নাম-ঘৰত নাম-কীৰ্ত্তন নকৰাকৈ নাথাকে। দুবেলা দুমুঠি পূৰাই খাব-লৈও সদায় নিমিলে, তথাপিও মহাপুৰুষীয়া ধৰ্ম্মৰ আচাৰ-নীতি ক্ৰিয়া-কলাপ কেতিয়াও নেৰিছিল। মুখেৰে কম কথা কৈছিল যিহেতু তেওঁৰ জিভাখন অলপ দীঘল আছিল সেইকাৰণে কথাবোৰ লেবা হৈ যায়। কোনোলোকে তেওঁক লেবা গোসাঁই বুলিও মাতিছিল। সেই গাৱঁতে কেইঘৰমান কৈৱৰ্ত্ত মানুহে বাস কৰিছিল। সেই কৈৱৰ্ত্তৰে এজন আদহীয়া মানুহ আছিল তেওঁৰ নাম ভেদো। তেওঁ মাজে-সময়ে আহি লেবা গোসাঁইৰ ওচৰত নাম-কীৰ্ত্তন শুনি ঘোষাৰ দুই এটা কথা সোধা-পোচা

কৰে। কেতিয়াবা দুই-এটা মাছো গোসাঁইক দি ক্ৰমাৎ প্ৰীতিভাজন হৈছিলগৈ। এনেকৈয়ে ভেদোৱে গোসাঁইৰ ওচৰলৈ আহি গৈ হৰিনামৰ আকাঙ্ক্ষ্যা বাঢ়িল। হৰিনামৰ মাহাত্ম্য এয়ে যে যিজনে নিস্বাৰ্থ প্ৰেম ভাবে অভ্যাস কৰে তেওঁ সকলো মোহ-মায়া ত্যাগ কৰি সংসাৰৰ আশা আকাঙ্ক্ষ্যাক পিঠি দি শেষত চন্দ হোৱাৰ দৰে হয়। এদিন ভেদোৱে কেইটামান ভাল মাছ আনি গুৰুৰ ওচৰত প্ৰাৰ্থনা জনালে যে গুৰুৱে তেওঁক শৰণ ভজন আৰু নাম মন্ত্ৰ দি ভৱ সাগৰ তৰণৰ উপায় দিব লাগে। গোসাঁইয়েও অগত্যা এৰাব নোৱাৰি এদিন ভেদোক শৰণ দিলে। ভেদোৱেও গুৰুৰ স্নেহ-শ্ৰদ্ধা পাই নিজৰ ঘৰেদুৱাৰ এৰি সুখে-দুখে গুৰুৰ গৃহতে পৰি থাকে। ইপিনে গোসাঁইৰ নিজৰে খাবলৈ নাই, তাকনো খুৱাই ক'ৰ পৰা? সিফালে ভেদোৰ ঘৰতো ১৪।১৫ বছৰীয়া লৰা গেদো আৰু তিৰোতা ভদৰীৰ বাহিৰে আন কোনো নাই। উপাৰ্জনো কেৱল জালখনেই। দৈনিক অনা মাছকেইটা সলাই তিনিও প্ৰাণী প্ৰৱৰ্ত্তি আছিল; ভেদোৱে ঘৰৰ প্ৰতি আওকাণ কৰাত, মাক-পুতেক লৰোনে-ভোকে, চিন্তায়-ভাৱনায় আকুল হল। ভেদোৰ কিবা গা-মূৰ বেয়া হৈছে বুলি ঘৈণীয়েকে গাৱঁৰে দৈৱজ্ঞ বাপু ধাতু দেউৰ ওচৰত ঘৰখনৰ নো কি হৈছে—ল'ৰাটোৰো সদায় অসুখ লুগুচে আৰু বুঢ়াটোৱেও ঘৰলৈ মন-কাণ এৰিলে, কিনো হৈছে বুলি মঙ্গলতীৰ ওচৰত মঙ্গল চোৱাবলৈ গল।

দৈৱজ্ঞ বাপুৱে পাজিখন মেলি গ্ৰহগতি গণনা কৰি কলে—“লৰাটোৰ গুৰু, শনি আৰু চন্দ্ৰ বেয়া।” কথাটো শুনি ভদৰীৰ কণ্ঠত ধাতু নোহোৱা হৈ কলে যে “দেউ, কি কৰিলেনো মোৰ লৰাটি ৰক্ষা পৰিব উপায় এটি দিয়ক।” দেউৱে কলে, “তই হৈছ দুখীয়া মানুহ, শনিৰ কাৰণে ম’হ দান কেনেকৈ দিবি, মইনো কওঁ কেনেকৈ, সেই কাৰণে শনিৰ দানটো পিচলৈ থৈ চন্দ্ৰৰ হৈয়েই আৰৈ চাউল, বগা কাপোৰ, গাখীৰ আৰু সিকি এটা সহ ভোজনী এটা দিবি।” ভদৰীয়ে কলে, “দেউ, গুৰুৰ বিষয়ে দেখোন একো নকলে?” তেতিয়া দেউৱে ক’লে “সেইটো অৱশ্যে হয়, পিচে তইঁতৰ জানো গুৰু আছে? সেইদেখি এতিয়া সোনকালে চাউল ভোজনী এটাকে দেগৈ।” (দেউৱে ভেদোৰ শৰণ লোৱাৰ কথা নাজানে) ভদৰীয়ে পিচদিনা পুৱাবেলাতে ভোজনী লবলৈ দেউক মাতি গল। যাওঁতে কেইবাঘৰতো খুজি চাউল এসেৰমান লৈ ঘৰ পালেগৈ।

ইফালে ভেদোৱে গুৰুৰ কাৰণে চাউল-পাত, মাছ-পাচলি আদি বিচাৰিব লাগে, ঘৰবো লৰা-তিৰোতা পুহিব লাগে। গুৰুৰ ভোজনৰ বাবে গাওঁত খুজিবলৈ গৈ ক’তো নেপালে মাজে সময়ে নিজৰ ঘৰৰে খোজনীয়া চাউলকেইটাকে লৈ আছে. ভেদোৱে ঘৰৰ ফালে পিঠি দি গুৰুৰ ঘৰতে পৰি থকা দেখি কোনোৱে কয় খোৱাৰ জুতি বিচাৰিছে, কোনোৱে কয় ভেদো পাগল হল। বুঢ়া কালত ভেদোৱে লেবা গোসাঁই-

টোকহে দেহ তৰণৰ গুৰু পালেগৈ বুলিও বহুতে ইতিকিং কৰে। ভেদোৱে কিন্তু সেইবোৰলৈ মন-কাণেই নিদিয়ে। ভোক-পিয়াহ, জাৰ-জহ তাৰো ভাব নাই। ভেদোৱে খুজি-মাগি অনা চাউলমুঠিৰে আঁটিলে এমুঠি খাই নাটিলে লঘোনেই পৰি থাকে। ঘৰলৈ গলেও ল'ৰাটোৱে জনাই নজনাই মাৰি অনা মাছকেইটা আৰু ঘৈণীয়েকে খুজি অনা চাউলকেইটাও লৈ আহে। সেইবোৰ দেখি-শুনি ভেদো ঘৰলৈ আহিলে খাবলৈ পোৱা দূৰৰ কথা, আকৌ কিবা নিবলৈ আহিছে বুলি কেনেকৈ বেগেতে যায় লবা-তিৰোতাই তাৰেহে চেষ্টাত থাকে।

এদিন গুৰুৰ ঘৰলৈ আলহী আহিল—গুৰুৱে ভেদোক চাউল-পাত বিচাৰি আনিবলৈ কলে। ভেদোৱে ঠাইতে নিজৰ ঘৰলৈকে গৈ ঘৈণীয়েকে ভোজনী দিবলৈ থোৱা চাউলকেইটাকে কাষলতিৰ তলত লুকাই লৈ কোনেও নেদেখাকৈ ওলাই গ'ল। আদবাটতে পুতেকে মাৰি অনা মাছকেইটা খৰাৰ পৰা বাছি লওঁতেই সিফালৰ পৰা ভেদৰী আহি ওলালহি। কাষলতিৰ তলত চাউল আৰু পুতেকৰ পৰা মাছকেইটাও লোৱা দেখি খঙত টিক্‌চি বিক্‌চি উঠি অনেক গালি-শপনি পাৰি ভেদোক ভালকৈয়ে এসেকা দিলে। ভেদোৱে কিন্তু সেইবোৰলৈ কাণ নিদি কেৱল গুৰুৰ কাৰ্য্যসিদ্ধিৰ কাৰণে ভাবি গাবলৈ ধৰিলে—

"সিটো মহামতি গুৰুজনে হৰিভক্তি পথ উপদেশ
দিয়া দুখময় সংসাৰৰ পাৰ কৰে।

হেনয় পৰম গুৰু ঋণ সুজিবাক প্ৰতি জানা নিষ্ঠ
অন্যত্ৰ উপায় নাহি অঞ্জলিত পৰে॥ ৬৭৮

এই ঘোষাফাঁকি গাই গাই গুৰুৰ ঘৰ পালেগৈ। সেইদিনা গধূলি গুৰুৱে ভাত খাবলৈ কোৱাত চাউল তাকৰ দেখি ঘৰত খাই আহিছো বুলি কৈ সেইদিনাও লঘোনে থাকিল। পাচদিনা পুৱা গুৰুৱে "ভেদো, আলহী আজিও থাকিব কিবা এটা উপায় কৰ" বুলি কোৱাত যাম-নাযামকৈ ঘৰৰ ফালেই খোজ লৈছে, আগদিনাৰ ঘৈণীয়েকৰ খং-ৰাগ, গালি-শপনি সকলো পিঠি দিলে। ভেদোৱে কিজানি বেলি কৰে বা নেপায়েই বুলি গুৰুৱেও ভেদোৰ ঘৰলৈকে খোজ লৈছে, দৈৱজ্ঞ ধাতু দেৱেও ভোজনী লবলৈ তালৈকে গৈছে, সিফালে ভেদোৰ পুত্ৰেকক সৰ্পই ডকাত এজনে বোকোচাত লৈহে ঘৰ পোৱাইছেহি অনেক বেজ-জ্ঞানীয়ে জৰা-ফুকা কৰিছে; কিন্তু একো কৰিব পৰা নাই; ওচৰ-চুবুৰীয়া মানুহেৰে ঘৰ ভৰি পৰিলহি। ভেদোৰ ঘৈণীয়েক ভদৰীয়েও "দৈৱজ্ঞৰ গণনা হাতে হাতে ফলিয়ালে, ভোজনীও দিবলৈ নাপালোঁ, বাপেকেই বধিলে ঐ" বুলি চিঞৰি চিঞৰি বিনাই বিনাই পাগলীৰ দৰে কান্দিবলৈ ধৰিছে। সেই সময়তে ভেদোও উপস্থিত হৈ ঘটনা দেখি বিমোৰ হৈ কি হব, কি কৰিম, কলৈ যাম ইত্যাদি ভাবি থাকোতেই গুৰুও গৈ উপস্থিত। গুৰুৱেও কাণ্ড দেখি-শুনি "এঃ কেলেই আহিলো কেনেকৈ এতিয়া ইয়াৰ পৰা বেগেতে আঁতৰ হওঁ" ইত্যাদি ভাবি থাকোতেই ভেদোৱে গুৰুক দেখি

আনন্দত উত্ৰাৱল হৈ মোৰ গুৰু আহিল, মোৰ ঈশ্বৰ আহিল বুলি ঘৈণীয়েকে কন্দা দেখি মোৰ গুৰু আহিল যেতিয়া এতিয়াই মোৰ লৰা ভাল হব বুলি ঘৈণীয়েক, বেজ, বৈদ্য যাকে তাকে উত্ৰাৱল ভাৱে ককৰ্থনা কৰিবলৈ ধৰিলে। লৰা টোৰ ক্ৰমাৎ মাত হৰি যোৱা দেখি আৰু গাৱঁতে সদায় দেখিথকা লেৰা গোসাঁইকে ভেদোৱে গুৰু বা ঈশ্বৰ বৰ্ণাই মৃত্যুপ্ৰায় লৰাটো ভাল হোৱাৰ দুৰাশা কৰা দেখি সকলোৱে ভেদো পাগল হল বুলি খাটাংকৈ ধৰি ললে। ভেদোৱে কিন্তু একেকোবেই গুৰুৰ ওচৰত অষ্টাঙ্গে পৰি কাকুতি-মিনতিৰে গুৰুক নি বৰপীৰাখনতে গাৰ চেলেংখন পাৰি গুৰুক তুতি-নতিৰে পুতেকৰ গুৰিত বহুৱাই পুত্ৰৰ জীৱন ভীক্ষা বিচাৰি হাহাকাৰ কৰিছে। গুৰুৱে কি কৰিলো কলৈ আহিলো বুলি কিংকৰ্ত্তব্য বিমোৰ হৈ জড়সৰ হৈ থাকোতেই ভেদোৱে ঘৈণীয়েকক চিঞৰি চিঞৰি পানী খুজি নাপাই নিজেই আখলৰ চাঙত থকা কাঠৰ চৰিয়াটো নমাই আনি তাতে গুৰুৰ চৰণ ধুৱাই মূৰৰ গামোচাৰে মচি সেই পাদোদক মৃতপ্ৰায় পুত্ৰ গেদোৰ গাত সানি মুখত আৰু মূৰত দি মুখেৰে গাবলৈ ধৰিলে—

"গুৰু ব্ৰহ্মা গুৰু বিষ্ণু গুৰু আদি দেৱ।  
গুৰু বিনে এসংসাৰে আন নাহি কেৱ॥  
যদি গুৰু পদে মোৰ থাকয় ভকতি।  
গুৰু পাদোদকে বিষ যাওক অধোগতি॥

হে গুৰু মোৰ প্ৰতি কৃপা কৰিয়োক।
পাদোদক গুণে পুত্ৰ উঠিয়া বসোক॥

কি আচৰিত! মৃত্যুপ্ৰায় গেদোৱে ক্ৰমাত চকুমেলি "আই পানী খাওঁ" বুলি মাত দিলে আৰু লাহে লাহে ভাল হৈ আহিবলৈ ধৰিলে। গেদোৰ মাক আৰু উপস্থিত ৰাইজ সমন্বিতে লেবা গোসাঁইৰ মাহাত্মাত প্ৰত্যেকেই মুগ্ধ হৈ চৰণত দীঘল দি পৰিল। ভেদোৰ ঘৈণীয়েক ভদৰীয়ে একমাত্ৰ পুত্ৰৰ জীৱনদিওঁতা গুৰুক কি বুলি কৃতজ্ঞতা জনাব ভাবি উত্ৰাৱল ভাবে গুৰুৰ ওচৰত মূৰ খুন্দিয়াবলৈ ধৰিলে। আন কি সদায় হেয়জ্ঞান কৰি অহা ধাতু দেৱেও লেবা গোসাঁইৰ মহত্ব দেখি মনে মনে ভাবে যে, "ভদৰীয়ে কোৱা কথাই ঠিক। গুৰু সুপ্ৰসন্ন হলে আন গ্ৰহে একো কৰিব নোৱাৰে। ভোজনীৰ চাউল পৰ্য্যন্ত নিজে নাখাই-নবই গুৰুক পূজা কৰাৰ ফলত গেদো অকালমৃত্যুৰ পৰা হাত সাৰিল।" ইফালে গুৰুৰ অন্তৰত উপস্থিত ঘটনাৱলীৰ কথা ভাবি নিজকে নিজে প্ৰশংসা কৰি অহঙ্কাৰত ওফন্দি পৰিল। যেয়ে সেয়ে লেবা বুলি ইতিকিং কৰে! আন নালাগে নিজৰ ঘৈণীয়েকেও সময়ত ভিকহু, লেবা আখ্যান দিয়ালৈ মনতে ভাবিছে— "আজি ঘৰত গৈ মই কেনে গুণী, বৰ মানুহৰ জীয়েকক বুজামগৈ।" ইত্যাদি মনতে আলচি, ভেদোক মাতি কলে "হেৰ ভেদো, মোৰ ঘৰত আলহী আছে নহয়। মই ৰহি থাকিলে হবনে?" তাকে কৈ অহঙ্কাৰ পয়োভৰে হাতত

লাঠিডাল লৈ গপছ গপছ খোজ দি ঘৰমুৱা হল। কেতিয়া ঘৰ পাই নিজৰ গুণাগুণ বখানিবলৈ পায়গৈ সেইবোৰ ভাবি গৈ আছে। ভেদোৱেও গাওঁৰ ওচৰ-চুবুৰীয়াৰ সৈতে মিলাই চাউলে পাতে, মাছে-শাকে ভাৰ এখন বান্ধি ঘৈণীয়েকসহ গুৰু ঘৰলৈ অলপ পাছতে যাব লাগিছে। সিফালে গুৰুৰ একমাত্ৰ সাতবছৰীয়া পুত্ৰ দেৱকান্তই নামঘৰৰ কাষতে থকা শেৱালী ফুলজোপাত উঠি ধেমালি কৰি আছিল। গুৰুৱে গহীন-গম্ভীৰ খোজৰে গোসাঁই ঘৰৰ কাণৰ শেৱালী ফুলজোপাৰ ওচৰ পাওঁতেই লৰাটোৱে বাপেকক দেখি গছত উঠাৰ বাবে মাৰিব বুলি লৰালৰিকৈ জাপ মাৰি দিওঁতে তলত থকা তুলসীজোপাতে পৰিল। এনেয়ে গোসাঁই অহঙ্কাৰত মত্ত হৈ আহিছে, তাতে চকুৰ আগত তুলসী-জোপা মোহাৰি পেলোৱা দেখি, লৰাটো উঠি যাবলৈ নৌ-পাওঁতেই হাতৰ লাঠিডালেৰে মূৰতে পূৰ্ণশক্তিৰে মাৰ সোধাই দিলে। লৰাটোৱেও 'আইঐ মৰিলোঁ' বুলি চিঞৰ মাৰি অজ্ঞান হৈ মাটিত বাগৰি পৰিল। মাকে ভিতৰৰ পৰা পুতেকৰ দুৰ্ঘটনা দেখি "অ' ভৈয়াই কি কৰিলেঐ" বুলি চিঞৰ-বাখৰ কৰাত গুৰুৱে ঘৈণীয়েকক কবলৈ ধৰিলে যে, "হেৰ পানী এটোপা চৰিয়াটোত আন মোৰ ভৰি ধোৱা পানী দিলে এতিয়াই ভাল হব।" কেবাবাৰো কোৱাতো ঘৈণীয়েকে কাণ নিদিয়াত নিজেই গৈ ভিতৰৰ পৰা চৰিয়া এটাত পানী লৈ আহি ভৰি ধুই পানী লৰাৰ গাত ভাল হ, ভাল হ

বুলি সানেহে সানে লৰা ক্ৰমাং ক'লা পৰি চেঁচা হৈ গৈছে। এনে সময়তে ভেদোৱে ঘৈণীয়েকসহ আহি উপস্থিত ঘটনা দেখি এইবিলাক গুৰুৰে কিবা মায়া বুলি ভাবিছে। গুৰুৱেও পুত্ৰক বচোৱাৰ উপায় নেদেখি ভেদোক কয় যে "হেৰ ভেদো, ক'তা মোৰ ভৰিধোৱা পানী দিলেও নাফাপে দেখোন অ'! এতিয়া মূৰে-গায়ে তিনিবাৰমান দিলো" তেতিয়া ভেদোৱে ভাৰখন থৈ গুৰুৰ পদত সেৱা কৰি কলে— "হে গুৰুদেৱ, আমি নীচজাত দেখি আৰু কিমান পৰীক্ষা কৰে ?" ভেদোৱে ভাবিছে যে মোৰ ভক্তি পৰীক্ষা কৰিবলৈহে গুৰুৱে আকৌ এনে পৰীক্ষা চাইছে। ইত্যাদি ভাবি সেই চৰিয়া পানীকে লৈ গুৰুৰ চৰণ নিজহাতে ধুৱাই গাৰ কাপোৰেৰে মচি সেই পানী লৈ গৈ গুৰু পুত্ৰ দেৱকান্তৰ মুৰে-গায়ে সানি মুখেৰে গাবলৈ ধৰিলে—

"হে গুৰু নাজানিলো ভকতি মিনতি।
নাপাইলোহো সাধুসঙ্গ আমি নীচ জাতি॥
গুৰুৰ সেৱাত মোৰ একান্ত পীৰিতি।
কেৱল গুৰুৰ পদ ভাবো দিনে-ৰাতি॥
হে গুৰু তব পদে ভকতি থাকোক।
পাদোদকে গুৰু পুত্ৰ উঠিয়া বসোক॥"

ইত্যাদি প্ৰকাৰে ভেদোৱে গাই পানী সানি থাকোতেই কি আচৰিত! গুৰু পুত্ৰৰ চকু মেল খালে, আই আই বুলি মাকৰ ডিঙিত ধৰি দেৱকান্ত উঠি বহিল। ভেদোৰ

আচৰিত শক্তি দেখি গুৰুৰ মনলৈ আছল জ্ঞান আহিল যে "ভেদোৰ একান্ত গুৰু ভক্তিৰ ওপৰতহে ভেদোৰ লৰা বাছিল আৰু মোৰ লৰাও ভেদোৰ গুৰু ভক্তিৰ কাৰণেহে প্ৰাণ পালে, লেশ মাত্ৰও মোৰ প্ৰভুত্ব নাই। এই জ্ঞান পাই গুৰুৱে ভেদোক গৰামাৰি ধৰি কয় যে "হেৰ ভেদো, তই গুৰু নে মই গুৰু?" এইৰূপে ভেদোক ধৰিলৈ আনন্দত উত্ৰাৱল হল। ভেদোৱে কিন্তু তেতিয়াও গুৰুৱে তাক পৰীক্ষা কৰা বুলিয়েই ভাবি আছে আৰু গুৰুৱে এইবোৰ কৰি তাৰ অহঙ্কাৰ বঢ়াবলৈ পুনৰ আন কিবা পৰীক্ষাহে কৰিছে বুলি ভাবি 'গুৰু ৰক্ষা কৰা, ৰক্ষা কৰ।' বুলি মনে মনে জপ কৰিলে। এই আখ্যানটি অলৌকিক হলেও এখনি পুথিৰ পৰাহে দিয়া হৈছে।

সৰ্ব্বসাধাৰণতে কৰিব নোৱাৰা কাম যিজনে কৰে তেওঁকেই মহাপুৰুষ বা দেৱতা আখ্যান দিয়া হয়। ৰামায়ণত আছে যে লক্ষ্মণে ইন্দ্ৰজিতক বধ কৰালৈ ১৪ বছৰ অনাহাৰীহৈহে মাৰিব পাৰিছিল আৰু সেই ১৪ বছৰৰ আহাৰ লক্ষ্মণৰ শৰৰ তুণত ভৰাই ৰখা অলৌকিক ঘটনাকে বিশ্বাসৰ কাৰণে অগস্তি মুনিয়ে কোৱা—

"ঈশ্বৰেৰ ইচ্ছা হৈলেও মক্ষি মুখ দ্বাৰে।
কত শত গজ যূথ ধৰিবাৰে পাৰে॥
তাৰ সাখী দেখ এই আমাৰ জঠৰ।
ইহাতেই ধৰেছিল সাতটা সাগৰ॥

অৰ্থাৎ ঈশ্বৰৰ ইচ্ছাত মাখি সোমাব পৰা ফুটাটোতে বহুত হাতী ধৰিব পাৰে আৰু দৈত্য বধৰ কাৰণে অগস্তি মুনিয়ে সাতখন সাগৰৰ পানী হাতৰ চলু মাৰি শোহি লৈছিল। ইত্যাদি প্ৰকাৰে অনেক অলৌকিক ঘটনা পূৰ্ব্বাপৰ প্ৰচলিত আছে। মাধৱদেৱৰ ঘোষাতো এনে প্ৰমাণ বহুতো আছে।

এতিয়া ভাবি চাওক, গুৰুৱেই ডাঙৰ নে শিষ্যই ডাঙৰ? গুৰুৰ দম্ভ, অহঙ্কাৰ আদি অপকৰ্ম্ম থাকিলেও, শিক্ষা-দীক্ষাৰে মহাজ্ঞানী নহলেও শিষ্যৰ যদি গুৰুত অচলা ভক্তি থাকে, তেনে শিষ্যই শাস্ত্ৰ, গুৰু আৰু নিজকো ৰক্ষা কৰিব পাৰে। মানুহে কয় যে "গুৰুৱে দিয়ে মাটি, শিষ্যই ধৰে আটি। গুৰুতকৈ শিষ্য শিয়ান, খুচৰি খুচৰি লয় গিয়ান॥" ভগৱানক স্বৰূপত কোনেও দেখা নাই; কিন্তু বিশ্বাস কৰি যদি গুৰুক চিন্তা কৰে সেই ভগৱান গুৰুৱেই হব পাৰে। তাৰ প্ৰমাণ—

"গুৰু কেমন ধন চিনিলি না ৰে মন
পতিত পাবন যিনি হন;
স্বয়ং ভগবান গুৰুৰূপে অধিষ্ঠান
জীবেৰ বন্ধন মোচন কাৰণ।"

শ্ৰীৰামকৃষ্ণ পৰমহংস।

শিখগুৰু নানকে এদিন বহুত শিষ্য গোটাই গুৰুভক্তি পৰীক্ষাকল্লে সকলোকে মাতি আনি হাতত তৰোৱাল এখন লৈ ভীষণ মূৰ্ত্তি ধৰি কলে যে—"কোনে মোক মূৰ দিব পাৰিবা মোৰ ওচৰলৈ আহাঁ"। এই বাক্য শুনি সকলো হুঁহকি গ'ল;

৩—

কেৱল পাঁচজন শিষ্যইহে মৃত্যুলৈ ভয় নকৰি গুৰুৰ ওচৰত উপস্থিত হ'ল। এই পাঁচজন শিষ্যৰ পৰাই শিখধৰ্ম্ম পাঁচ-প্ৰকাৰে প্ৰচাৰ হ'ল।

পাঠকসকল, যিসকলে গুৰুৰ সমুখ নহয় ( শৰণ-ভজন আদি নলয় ) সেইসকলক শাস্ত্ৰই নিন্দা কৰি কৈছে—

"গুৰু অবিহনে নোৱাৰয় আনে
তৰাব ভৱ সাগৰ।
চাণ্ডালীৰ বাক শুনা কহো তাক
শাস্ত্ৰৰ কৰি উদ্ধাৰ॥
দিয়া সুৰা অংশ ৰান্ধি গৰু মাংস
মনুষ্যৰ মুণ্ডে ঢাকে।
হৰিষ অন্তৰে ৰাখে যতনেৰে
ইন্দ্ৰে দেখিলন্ত তাকে॥
বিস্ময় মানিয়া সোধে সম্বোধিয়া
কোবা চাণ্ডালিনী মোক।
কিবা ইয়াতকৈ অশুদ্ধ আছয়
ভয়ে ঢাকি আছা তাক॥
চাণ্ডালিনী কয় শুনা মহাশয়
কিয় ঢাকিছিলো মই।
অভক্তগণৰ ধূলি চৰণৰ
পৰিবাৰ ভয় হই॥

যিটো লোক সৱে গুৰুক নেসেৱে
গুৰুত শৰণ নলয়।
জানা সিটোজন সহস্রলোচন
অভক্ত নিশ্চয় হয়॥”

ঠাকুৰ আতাৰ চৰিত্ৰ—৭৯ পৃষ্ঠা।

তেন্তে ভাবি চাওক, অশৰণীয়াজন কিমান অপবিত্র বা অস্পৃশ্য বুলি শাস্ত্ৰই কৈছে।

ভক্তৰ সম্পৰ্কে ভাগৱতত কৈছে, উদ্ধৱে শ্ৰীকৃষ্ণক সুধিলে “প্ৰভু, ভাগৱতৰ অৰ্থ কোনে জানে?” তেতিয়া শ্ৰীকৃষ্ণই কলে—

“অহং বেদ শুকো বেদ বিদুৰো বেদবানবা।
ভক্তো ভাগৱতং বেত্তি ন বিদ্যা ন চ টিকয়া॥

অৰ্থাৎ “মই জানো, শুকে জানে, বিদুৰে জানে নে নেজানে সন্দেহ; কিন্তু যি জন ভগৱানৰ পৰম ভক্ত তেৱেঁইহে ভালকৈ জানে। তেওঁক বিদ্যা টীকা বা ব্যাখ্যাৰ কোনো প্ৰয়োজন নাই।” ভক্ত তুলসী দাসে কৈছে—“গুৰু মিলে লাখে লাখে চেলা মিলে এক।” এতেকে ভাবি চাওক, ভক্ত কিমান ওপৰত; এনে ভক্ত হবলৈকো সাধনা লাগে —

“ধ্যান মূলং গুৰোৰ্মূৰ্ত্তি, পূজা মূলং গুৰোঃ পদম্।
মন্ত্ৰ মূলং গুৰোৰ্বাক্যম্ মোক্ষ মূলং গুৰোঃ কৃপা॥”

অৰ্থাৎ আমাৰ একমাত্ৰ কৰ্ত্তব্য হৈছে—নিজ গুৰু মূৰ্ত্তি ধ্যান, গুৰু পদত পূজা, গুৰুৰ বাক্যই হ’ল মূলমন্ত্ৰ। গুৰুৰ কৃপাতেই

এই ভৱ সংসাৰ তৰি মোক্ষ বা মুক্তি লাভ কৰিব পাৰে। মূলকথা হৈছে, শিষ্য নহলে গুৰু হব নোৱাৰে। যিজন অশেষ ত্যাগৰ ভূষণ তেৱেঁইহে প্ৰকৃত গুৰু।

ত্যাগৰ আদৰ্শ অকণমান শুনক :—

"গুৰু ত্যাগ কৰিল বিৰোচনৰ নন্দন।
ভাই ত্যাগ কৰিল ৰাক্ষস বিভীষণ॥
প্ৰহ্লাদে কৰিল ত্যাগ আপোনাৰ পিতা।
ভগৱান ভৰতে ত্যজিল নিজ মাতা॥
বিদুৰে কৰিলা ত্যাগ নিজ জ্ঞাতিগণ।
শুনা সাৱধানে এই শাস্ত্ৰেৰ বচন॥
গোপীগণে স্বামী ত্যাগ ভাগৱতে শুনি।
সৰ্ব্বদেৱ ত্যাগ কৈলা ভৃগু আদি মুনি॥"

এনে ত্যাগীসকলেই জগতত মহাপুৰুষ হিচাবে জিলিকি আছে। ভাগৱতৰ গুৰু মাহাত্ম্য অকণমান কৈ সামৰণি মাৰো।

"অভিমানে যদি কেহ হয় হত জ্ঞান।
মন্ত্ৰদাতা গুৰুজনে কৰে অপমান॥
সম্পত্তি ঐশ্বৰ্য্য নাশ হয় সেহি ক্ষণ।
বিবিধ বিপত্তি তাৰ সৰ্ব্বদা ঘটন॥
নাৰায়ণ ৰূপী গুৰু গুৰু মহাবল।
গুৰুহীনে ইন্দ্ৰে হৈল নিজে হতবল॥

কি ছাৰ ইন্দ্ৰত্ব যদি নিজে বিষ্ণু হন।
গুৰু অপমানে সাজা পান সেহিক্ষণ॥
গুৰুকেই ঈশ্বৰ মূৰ্ত্তি দেখা নিৰন্তৰ।
গুৰুৰ মাহাত্ম্য শুনা হুয়া একান্তৰ॥”

ইমানতে গুৰুৰ বিষয়ে সামৰণি মাৰি সত্ৰৰ বিষয়ে সামান্য আভাস শুনক।—“যত্ৰা চৰন্তি সৰ্ব্বধৰ্ম্মান কেবলম্ ভগৱত প্ৰিয়া” ইত্যাদি। শৰণ মালিকাত উল্লেখ কৰা মতে অৰ্থাৎ যি ঠাইত ভগৱত প্ৰীতিৰ অৰ্থে বৈষ্ণৱসকলে ন বিধ ভক্তিৰ অহৰহ চৰ্চ্চা কৰে সেই দেৱতাৰো বন্দনীয় উত্তম ক্ষেত্ৰকে সত্ৰ বোলে। সত্ৰ সম্বন্ধে ‘চৰ্চ্চনী মালা’ত কিছু লিখা আছে যদিও অতি সহজতে বুজা সতৰ আবাসকে সত্ৰ কয়। অৰ্থাৎ এটুকুৰা নিৰূপিত ঠাই। কথাতে কয় বোলে “তোক সত্ৰ একৰাম।” মানে সেই ঠাই একৰাম। শ্ৰীশঙ্কৰ আদি ধৰ্ম্ম প্ৰচাৰকসকলে কিছুমান ঠাই বিশেষৰ জ্ঞানী মুখিয়াল লোক বাছি (মুখিয়াল কোনজন হয়, যিজনে দহৰ উপকাৰৰ চেষ্টাত থাকে) অধিকাৰ পাতে। অধিকাৰ মানে ‘চৰ্চ্চনীত’ যি নাথাকক লাগে আছলতে সত্ৰৰ গৰাকী পাতি সেই অঞ্চলৰ ওপৰত প্ৰভুত্ব বা কৰ্ত্তৃত্ব দি ধৰ্ম্ম-কৰ্ম্মাদি সকলো প্ৰকাৰৰ সেই স্থানৰ উন্নতি সাধন কল্লে এটি নাম দি অমুক সত্ৰ বুলি স্থাপন কৰিছিল। ‘আৰ্য্য সংহতি’ চালে ভালকৈ বুজিব পাৰিব।

শৰণ—শৰণ শব্দৰ অৰ্থ, শ পদে জড়, ৰণ পদে চেষ্টা ; অৰ্থাৎ আমি চালুকীয়া অৱস্থাত মৰা শৰ নিচিনা—জ্ঞান-শূন্য অৱস্থাৰ পৰা গুৰুৰ গুৰিত আশ্ৰয় লৈ আত্ম-জ্ঞানৰ চেষ্টা অৰ্থাৎ জড়ে চৈতন্য হবলৈ বিচৰাকে শৰণ লোৱা বোলে। গতিকে গুৰুৱে প্ৰপন্ন শিষ্য নহলে (প্ৰপন্ন মানে একান্ত ভক্তিযুক্ত) অৰ্থাৎ শিষ্যৰ ভাব-গতি পৰীক্ষা কৰিহে যি যিমানৰ উপযুক্ত তেওঁকহে খাপে খাপে জ্ঞানৰ বোজা বা শিক্ষা দিয়া উচিত। যি কোনোৰ আগত বা বুজিব নোৱাৰা বা আগ্ৰহ নথকাজনৰ আগত গুৰুজ্ঞান প্ৰকাশ কৰিবলৈ শাস্ত্ৰই মানা কৰিছে। গীতাৰ ১৮।৬৭ শ্লোকে কোৱা—

"ইদন্তে নাতপস্কায় না ভক্তায় কদাচন।
ন চাশুশ্ৰূষবে বাচ্যং ন চ মাং যোঽভ্যসূয়তি ॥

অৰ্থাৎ গুৰুৱে তপশীল গুৰু শুশ্ৰূষা অভ্যাসকাৰী নহলে এনে ভক্তিকথা প্ৰকাশ নকৰিব। ৰামায়ণত ৰামে হনুমান আৰু জাম্বুৱানক ভক্তিতত্ব কওঁতে কোৱা -

"এইত কহিনু সৰ্ব্ব সাস্ত্ৰেৰ সাৰাৰ্থ।
ভক্তিবিনে নাহি আৰ আছে পুৰুষাৰ্থ ॥

অতি প্ৰিয়তম হও তোৰা দুয়োজন।
এইলাগি অতি গোপ্য কৈলো বিৱৰণ ॥

দাম্ভিক নাস্তিক শঠ অভক্ত যি জন।
নাকৰিবে তাহাতে একথা প্ৰকাশন ॥

এসকল দোষ শূন্য যেজন হইবে।
তাৰ প্ৰতি এসকল বৃত্তান্ত কহিবে ॥ ইত্যাদি।

শৰণৰ মূল তত্ব—একগুৰু, একদেৱ আৰু একশৰণ বুলি কৈছে অৰ্থাৎ অনন্য শৰণ একৰ বাহিৰে আনক যি নাজানে পাছত জ্ঞান পালেগৈ বেলেগ কথা। এক কৃষ্ণদেৱৰ ত শৰণেই হল অনন্য শৰণ। শৰণৰ ইমানতে সামৰণি মাৰিলো।

মেধি কাক বোলে—মেধা শব্দৰ পৰাই মেধি আহিছে। যি জন জ্ঞানী, মেধাবী—মেধা+বিন=মেধাকৰ, ধাৰণাবতি, পণ্ডিত ইত্যাদি। যিজন বিশেষ মেধাশক্তি বিশিষ্ট, যাৰ দ্বাৰা দহৰ উপকাৰ সাধন হব পাৰে সেইজনকেই গুৰুৱে মেধি পাতে অৰ্থাৎ গুৰুৰ প্ৰতিনিধি। এই মেধিয়ে গুৰুৰ হুকুমত শৰণ, ভজন আদি দিয়া ক্ৰিয়াও কৰিব পাৰে। এই মেধি কেবাপ্ৰকাৰৰ যেনে—ৰাজমেধি, বৰমেধি, পাখিমেধি ইত্যাদি। ইয়াৰ উপৰিও গুৰু শুশ্ৰূষাকাৰী অনেক আছে। ভাগৱতী একোজনো আছে, যি গুৰুক অহৰহ ভাগৱত শুনাই শ্ৰুতিকৰ বিধি ব্যৱস্থা দিয়া পাচনি, আলধৰা ইত্যাদি সকলেই গুৰুৰ পাৰিষদ। পাঠকসকলৰ ওচৰত দোষ-ক্ৰুটীৰ বাবে সাষ্টাঙ্গে ক্ষমা বিচাৰি লেখনী শেষ কৰিলোঁ। পাঠকসকলে **"ব্ৰাহ্মণ"** বুলি লিখা পুথিখনো অনুগ্ৰহ কৰি যাতে বিচাৰি চায়।

"ব্ৰহ্মা আদি কৰি যত জীৱ ৰাম ৰাম ৰাম ৰাম ৰাম
মায়া শয্যা মাজে আছয় ঘুমতি যায়।
তুমিসে চৈতন্য সনাতন ৰাম ৰাম ৰাম ৰাম ৰাম
আমি অচৈতন্য নিয়োক নাথ জগাই॥"

**—নমস্কাৰ—**

লিখকৰ আন দুখন কিতাপ—

ব্ৰাহ্মণ

আৰু

ধৰ্ম্ম

কিতাপ পোৱাৰ ঠাই ঃ—

বৰকটকী কোম্পানী, যোৰহাট।

আৰু

মুৰাৰি সত্ৰ, বিহগুৰি ( দৰঙ্গ )।